# ASSAMESE AND BENGALI

## COMPARED.

By DEVESVAR CHALIHA,

LATE OF THE

*Subordinate Educational Service,*

JORHAT.

---

# অসমীয়া আৰু বঙ্গলা ভাষা।

শ্ৰীদেৱেশ্বৰ চলিহাৰ দ্বাৰা

সংগ্ৰহ কৰা আৰু লিখা।

যোৰহাট।

---

## আগতে কব লগীয়া।

—————:০:—————

“অসমীয়া আৰু বঙ্গলা ভাষা” ৰচনাত লিখকৰ কথাবিলাকৰ প্ৰায়খিনিয়েই লোকৰ কোৱা কথা; লিখকে নিজে কোনো কথা উদ্ভাৱন কৰি উলিওৱা নাই; লোকৰ মন্তব্যবিলাক গোটাই লৈ সেইবিলাকে কি প্ৰমান কৰে তাকে কোৱাটোহে লিখকৰ ঘাই উদ্দেশ্য। এই ৰচণা গুৱাহাটী “অসমীয়া ভাষাৰ উন্নতি সাধিণী সভাৰ” প্ৰথম অধিবেশনত পাঠ কৰা হয়।

———

# অসমীয়া আৰু বঙলা ভাষা।

অসমত চলিত ভাষাৰ নাম অসমীয়া, আৰু বঙ্গদেশত চলিত ভাষাৰ নাম বঙ্গলা ভাষা; অসমীয়া ভাষা আজিকালি প্ৰায় কেবল কুৰি লাখমান মানুহেহে কয়, আৰু লক্ষিমপুৰ, শিৱসাগৰ, দৰং, নগাওঁ, কামৰূপ আৰু গোৱালপাৰা জিল্লাত থকা মানুহবিলাকেইহে এই ভাষা বুলি কলে একো কম বেচি কোৱা নহব। আজি-কালিৰ এই কেইখন জিল্লা আৰু আধুনিক বঙ্গদেশৰ দিনাজপুৰ, ৰংপুৰ, জলপাইগুৰি, কোচবিহাৰ আৰু শ্ৰীহট্ট আদিকৰি কেইবাখন জিল্লাও লগলাগি আগৰ পুৰণি কামৰূপ গঠিত হৈছিল। কিন্তু আগত কোৱা জিল্লা কেইখন অসম দেশতকৈ সোনকালে ব্ৰিটিছ গৱৰ্ণ-মেণ্টৰ তলতীয়া হোৱাত বঙ্গদেশৰ লগত চামিল হল, আৰু সেই কেইখন জিল্লা "বেঙ্গল প্ৰেচিডেন্সিৰ" তলত সোমাই বঙ্গদেশৰ এক অঙ্গ হৈ পৰিল। আসাম দেশ ১৮২৬ সনলৈক স্বাধীন আছিল, আৰু এই দেশ ইংৰাজৰ অধীন হোৱাৰ বহুত বছৰৰ আগেয়ে বঙ্গদেশ ব্ৰিটিছৰ তলতীয়া হৈ ইংৰাজি শিক্ষা আৰু পাশ্চাত্য সভ্যতাৰ প্ৰাদুৰ্ভাব যথেষ্ট পৰিমানে পাইছিল। আৰু উনৈছ শতিকাৰ মাজ সময়ত বঙ্গদেশত ইংৰাজী শিক্ষাই ইমান বহলকৈ

ঠাই পাব পাৰিছিল, যে বঙ্গালী জীৱনৰ জাতীয়ত্বত ইউৰোপীয় ভাব গতি সোমাই তেওঁবিলাকৰ জাতীয় গঠন অগতকৈ বহুত বেলেগ কৰি তুলিছিল। ইংৰাজী শিক্ষাৰ লগে লগে দেশৰ দেশীয় ভাষাও ঠন ধৰি আছিল, আৰু বাবু ভুদেব মুখাৰ্জি আৰু অক্ষয় কুমাৰ দত্তৰ নিচিনা কোবাল লিখাকৰ হাতত পৰি বঙ্গলা ভাষা পৈনত হৈ পৰিল। যেতিয়া বঙ্গলা ভাষাই ডোপত ডোপে উন্নতিৰ সোঁতত আগবাঢ়ি আহিছিল, সেতিয়া বঙ্গালী মানুহে ইংৰাজী শিক্ষা, ইউৰোপীয় সভ্যত পাই নিজক নিজে ধন্য বুলি সন্তোষ লভিছিল, তেতিয়া অসমীয়া মানুহে মানৰ উৎপীড়ন আৰু অমানুষিক অত্যাচাৰৰপৰা হাঁক সাৰি, ইংৰাজৰ বহল বাহুৰ তলত জিৰণি লৈছিল তেতিয়া তেওঁলোকৰ অন্য কথা ভাবিবলৈ সময় আৰু সুবিধা নেপাইছিল, আৰু ইংৰাজৰ প্ৰথম অধিকাৰ অসমীয়া মানুহে মানৰপৰা হাত সাৰিলোঁ বুলি নিশ্চিন্ত হৈ নিজৰ ঘৰ দুৱাৰ ইংৰাজক এক প্ৰকাৰ গতাই ভাই-ককাই, ইষ্ট মিত্ৰবহে কেৱল তৎপৰ হৈছিল। মানে বহুতক মাৰিলে, বহুতক কাটিলে, বহুতক ধৰি নিলে, বহুতে ভয়ত দেশ এৰি বিদেশলৈগৈ প্ৰাণ ৰক্ষা কৰিলে; এনেস্থলত ইংৰাজৰ আশ্ৰয় পাই, ইংৰাজক আত্মসমৰ্পন কৰি অসমীয়া প্ৰজাই নিজক ধন্য যেন অনুমান কৰিছিল।

এই নতুনকৈ পোৱা দেশেখন শাসন কৰিবলৈ বঙ্গদেশৰপৰা মিঃ ডেভিদস্কট নামেৰে এজন বিষয়া পঠালে,

আৰু তেওঁ তেওঁৰ লগত জনদিয়েক বঙ্গালী মানুহ হিচাপ পত্ৰ ৰাখিবলৈ, কেৰাণী কাম কৰিবলৈ লৈ আহিছিল। পোন প্ৰথমে এওঁবিলাকৰে লগত লৈ দেশ শাসন কৰা কাৰ্য্য কৰিবলৈ ধৰাৰ পৰা ইংৰাজ মহলত এনে এটা ভুল বিশ্বাস হৈ গল, যে অসম দেশৰ ভাষা বঙ্গদেশৰ ভাষাৰ সৈতে প্ৰায় এক, তাৰ মামোলা মকদ্দমা সোধোঁতে পোচোঁতে অসমীয়া ভাষাৰ পৰিবৰ্ত্তে বঙ্গলা ভাষা হলেও একো বিশেষ অসুবিধা নহব আৰু বঙ্গলা ভাষাই সুচল হব। অসমীয়া মানুহৰ গাত এনেই তৰণি নাই, ভয়ানক অত্যাচাৰ উৎপাড়নৰ পৰা হাত সাৰি নিজৰ কথা নিজৰ ব্যৱস্থা লৈযে এনে হোৱা হৈছে আৰু অন্য কথা একোলৈ মন কান কৰিবলৈ বিশেষ সুবিধা কৰিব নোৱাৰিছিল। তদিনায়া সুবিধা বিচাৰোঁতে বিচাৰোঁতে অচিৰে অসমৰ চৰকাৰী মহলো নিম্নবিলাকত বঙ্গলা ভাষা সোমাই পৰিল, আৰু যতেকে বঙ্গদেশৰ পৰা বঙ্গালী মানুহ কেৰাণী, মহৰি আৰু অন্য ডাঙৰ কাম কৰিবলৈ আনিলে তেতেকে অসমত বঙ্গলা ভাষাই সিপাই পেলালে। অসমীয়া ভাষা ইমান সোনকালে দেশৰ চৰকাৰী ঘৰৰ পৰা আঁতৰ হল, আৰু বঙ্গালী ভাষাই আদৰ পালে যে অসমীয়া মানুহেই নিজে বঙ্গলা ভাষা গ্ৰহণ কৰা উচিত যেন দেখিলে; আৰু শেষত স্কুল বিলাকতো বঙ্গলা ভাষা চলিবলৈ ধৰিলে। ইংৰাজী শিক্ষা অসমীয়া লৰাই বঙ্গলা ভাষাৰে শিকিব লগীয়া

হল, ইংৰাজী জ্ঞান বঙ্গলা ভাষাৰে শিকিবলৈ বাধ্য হল। এনেকৈ সকলো জ্ঞান উপাৰ্জ্জন কৰোঁতে নিজভাষা মাতৃভাষা হেৰুৱাই এটা বিলগতীয়া ভাষাৰে শিকিব লগীয়া হোৱাত অসমীয়া মানুহৰ ফলাফল কি হব পাৰে সহজে অনুমান কৰিব পাৰি। জাতীয় উন্নতিৰ বাটত একেবাৰে কাইট বন্ধ গল, ইংৰাজী ভাষা শিকি চৰ্কাৰী বিষয় খোৱা দুৰুহ হৈ পৰিল। মিঃ এফ্ ডব্লিউ চুদমাৰ্চন চাহাবে তেওঁৰ সুন্দৰ Note on the Assamese language কিতাপখনিত এই বিষয়ে বৰ ফট্‌ফটীয়াকৈ লিখিছে। তেওঁ কৈছে "Bengali has had the advantage of being for nearly half a century the only officially recognised language in the valley, and for nearly three quarters of a century, the only medium of instruction in all but village schools. That this state of things must have had a disastrous effect upon the language and literature is evident. Assamese had to fight for its very existence. It would have been lamentable had the fight ended otherwise. A people who had developed themselves on lines of their own individuality, would have generally crushed down into "hewers of wood and drawers of water." There was therefore much more at stake

than the mere recognition or non recognition in official circles of a particular language. The future of race was in question."

কিন্তু এই সকলোখিনি অসুবিধা অসুচল, হোৱাতো অসমীয়া মানুহে নিজৰ মাতৃভাষা নেপাহৰিলে। কচাৰী-ঘৰ, স্কুলঘৰত যদিও বঙ্গলা ভাষা শিকিব লগীয়া হৈছিল, বঙ্গলা ভাষাৰে কাজ কাম কৰি বঙ্গলুৱা মাত মাতিব লগীয়া হৈছিল, কিন্তু তেওঁবিলাকে নিজৰ ঘৰত, বন্ধুবৰ্গৰ মাজত সদাই নিজভাষা, অসমীয়া নেৰিছিল। আৰু যেতিয়া লাহে লাহে দুইচাৰি জনৰ ইংৰাজী ভাষাত দখল হবলৈ ধৰিলে, আৰু অসমীয়া ভাষাক অন্যায় কৰি ঘৰৰপৰা আতৰ কৰি, নিলগতীয়া, হক নথকা, বঙ্গলা ভাষা সুমুৱা বেচকৈ বুজিব পাৰিলে, তেওঁবিলাকে গৱৰ্ণমেণ্টক এই বিষয়ে জনাবলৈ আগ বাঢ়িলে; আৰু অসম দেশত থকা উদাৰমতি ক্রিষ্টান মিছনাৰীসকলৰ সহায়ত, এই বিষয়তো গৱৰ্ণমেণ্টৰ কানত ভালকৈ পৰিল। তেওঁবিলাকে গৱৰ্ণমেণ্টক বেচকৈ বুজালে যে অসমীয়া ভাষা এটা স্বকীয়া ভাষা, ইংৰাজৰ অধিকাৰৰ আগলৈকে বৰ পৈনত আৰু শকত ভাষা আছিল, আৰু অসমত কাম কৰা বঙ্গালী মানুহবিলাকৰ সুবিধাৰ বাবেহে ইয়াত বঙ্গলা ভাষা চলিছে। তেতিয়াৰ বঙ্গদেশৰ লেফ্টেনেণ্ট গৱৰ্ণৰ চাৰ জৰ্জ কেম্প্বেল চাহাবে সেই বিষয়ে অনুসন্ধান কৰিবলৈ ১৮৭১ সনত স্বকীয়া কৰ্ম্মচাৰী নিযুক্ত

কৰিলে ; কাৰণ সেই সময়ত অসমদেশখন বঙ্গদেশৰ লগতে এখন বিভাগ কৰি শাসন কৰিছিল। ১৮৭৪ সনতহে শ্ৰীহট্ট আৰু কাচাৰলৈ ইয়াত চিফ্ কমিছনাৰ নিযুক্ত কৰে। গৱৰ্ণমেণ্টৰ বিশেষ অনুসন্ধানৰ ফল স্বৰূপে অসমীয়া ভাষা এটা স্বকীয়া ভাষা বুলি পৰিগণিত হল ; আৰু অসমৰ স্কুলত চলিবলৈ ঠিক হল। কিন্তু বঙ্গলা ভাষা গুচাই অসমীয়া ভাষা চলাবলৈ আকৌ বহুত বাধা-বিঘিনি আহি ওলালহি। অধ্যাপক মেক্সমুলাৰ, চাইচ, বিমচ্ প্ৰভৃতি ভাষাজ্ঞ পণ্ডিত সকলৰ আলোচনাত আৰু সৰশেষত পণ্ডিতপ্ৰৱৰ শ্ৰীযুক্ত ডক্টৰ গ্ৰীয়াৰ্চন্ চাহাবৰ ভাৰতীয় সকলো ভাষাৰ সমালোচনা কৰি যেতিয়া অসমীয়া ভাষাক উপযুক্ত ঠাই দিলে, তেতিয়াহে চাৰ হেনৰি কটন চাহাবে অসমৰ মজলীয়া স্কুলবিলাকত চলাবলৈ হুকুম দিলে, আৰু স্বতেজস্বী লোকৰ কথা শুশুনা চাৰ বেমফিল্ড ফুলাৰ চাহাব বাহাদুৰৰ উদাৰ যত্নত অসমীয়া ভাষাই আন আন ভাৰতীয় ভাষাৰ লগত কলিকতা ইউনিভাৰ্চিটিত ঠাই পালে, আৰু এণ্ট্ৰেন্স্, এফ্ এ, আৰু বি, এ, পৰীক্ষাৰ পাঠ্যভুক্ত হল।

এনেবিলাক অসুবিধা, অসুচলত অসমীয়া ভাষাৰ আধুনিক ভাবৰ কিতাপৰ সংখ্যা যে তেনেই কম হব তাক এতিয়া সহজে অনুমান কৰিব পাৰি, আৰু ইমানদিন বঙ্গলা ভাষাই একাধিপত্য কৰাৰ পৰা অসামীয়া ভাষাক

ৰুগীয়া আৰু বহুত ঠাইত বাবে বঙ্গলুৱা কৰি যোৱা নাই তাৰ অলপো সন্দেহ নাই—আমাৰ ভাষাও বহুত ঠাইত বহুত অপকাৰ কৰি গল। কিন্তু অসমীয়াভাষা যে এটা সুন্দৰ ভাষা, সকলো জটিল দাৰ্শনিক বিষয় লিখিবলৈ এই ভাষাত অতি সহজ আৰু সুচল, কাব্য, নাট, পদ্য গদ্য, সঙ্গীত, ধৰ্ম্ম তত্ত্ব আদিৰ বিষয় লিখিবলৈকো যে এই ভাষা অতি সুন্দৰ তাক, পুৰণি কবি, ধৰ্ম্ম প্ৰচাৰক বান সৰস্বতা, শঙ্কৰ দেৱ প্ৰভৃতিৰ পুথিবিলাকেই যথেষ্ট প্ৰমান। আধুনিক সময়ত আলোচনা আৰু উৎসাহ নোপোৱা গতিকে অসমীয়া ভাষাত কিতাপৰ সংখ্যা কম হৈ সৰ্ব্বশেষত এই শোচনীয় অৱস্থা পালেহি। অসমীয়া ভাষাত, বঙ্গলা ভাষাৰ সমান আজিকালিৰ ধৰণৰ কিতাপ নাই, কাব্য নাটক নাই, সমালোচনা বাৰ্ত্তাৰ-কাকত নাই ইত্যাদিবিলাক কথা কৈ যিসকলে খেদ কৰে, নিন্দা কৰে বা হাঁহে, তেওঁবিলাকে অনুগ্ৰহ কৰি অসমীয়া ভাষাৰ আধুনিক অৱস্থালৈ মন কৰি চাব, অসমীয়া ভাষাৰ কি দুৰ্দ্দিন গল তাক আলোচনা কৰি চাব, তেতিয়া তেওঁলোকে, আশা কৰোঁ, সুন্দৰকৈ দেখিব যে যি দুই চাৰি খন কিতাপ আছে বা হৈছে, সি বৰ সৌভাগ্যৰ ফলত হে, অসমীয়া মানুহৰ নিজৰ ভাষালৈ নিৰাতিশয় মৰম, আগ্ৰহ আৰু আশক্তিৰ ফলত হে সেই কেইখনেই হৈছে। অসমীয়া ভাষাৰ যি দশা বৰ্ত্তমান সময়ত হবলৈ পালে সি অসমীয়া মানুহৰ বাবে নহয়; কিন্তু ইমান অত্যাচাৰ

উৎপীড়নৰ ওপৰতো যে অসমীয়া ভাষাৰ প্ৰাণ বায়ু ওলাই জকামাত্ৰ সাৰ নেথাকিলগৈ, সি অসমীয়া মানুহৰ অশেষ গৌৰৱৰ কথা। বঙ্গলা ভাষাই সকলোফালৰপৰা উৎসাহ পালে, আৰু যদিও বাস্তবিকতে বঙ্গলা ভাষা অসমীয়া ভাষাৰ সমান শকত আৰু গুৰি পৈনত নহয়, তত্ৰাচ অতি উৎসাহ, আদৰ, আৰু আলোচনাৰ বলত এতিয়া এটা সুন্দৰ ভাষা বুলি পৰিগণিত হৈছে। বঙ্গলা ভাষা আৰু অসমীয়া ভাষাৰ পুৰণি সাহিত্য মেলি চোৱাঁ, কাৰ কিমান বেচি, কোন কিমান চহকী, আৰু কাৰ বেচি সমালোচনা হৈছিল। বাস্তৱতে অসমীয়া ভাষাৰ পুৰণি সাহিত্যৰ ভৰাল ইমান চহকী, ইমান সুন্দৰ পুথিৰে ভৰা তাক দেখিলে আমি আচৰিত হব লাগে যে এনে এটা ভাষাই লোকৰপৰা, বিশেষকৈ বঙ্গলা ভাষাৰপৰা, নিন্দাৰ কথা শুনিব লগাত পৰিছিল। অসমীয়া মহাভাৰত, বঙ্গালী মহাভাৰততকৈ যে আয়তনত ডাঙৰ তাক পঢ়োঁতাৰ প্ৰত্যেকেই গম পাব। বঙ্গলা মহাভাৰতত অঘাসুৰৰ বধ, বঘাসুৰৰ বধৰ নামেই নাই, অসমীয়া মহাভাৰতত অঘাসুৰ বধ, বঘাসুৰ বধ, কুলাচল বধ, গাই পতি একোটা পৰ্ব্বৰ সমান। সেই দৰে ৰামায়ণৰো পতালি কাণ্ড, অদ্ভুত ৰামায়ণ আদি একো একো অংশৰ বিস্তৃত বৰ্ণনাত্মক বেলেগ কিতপো আছে। হিন্দু ধৰ্ম্মৰ আচল পৱিত্ৰ পুথি, যাক আজি কালিৰ বঙ্গালীয়ে পৰম আদৰৰ বস্তু বুলি গ্ৰহণ কৰিছে আৰু আধুনিক বঙ্গলা

ভাষালৈ তৰ্জ্জমা কৰি লৈছে, সেই শ্ৰীমদ্ভাগৱত গীতাৰ বঙ্গলা তৰ্জ্জমা পুঁথি আগৰ নাছিল। অসমীয়া ভাষাত ৺গোবিন্দ মিশ্ৰই সুললিত ভাষাৰে মধুৰ পদ্যেৰে বিৰচি থৈ গৈছে তাৰ আজিও অসমীয়া বৈষ্ণৱ ধৰ্ম্মৰ প্ৰত্যেক ভক্তই সোৱাদ লব পাৰিছে। শ্ৰীশঙ্কৰ দেৱৰ দশম, কীৰ্ত্তণৰ নিচিনা সাকুৱা ধৰ্ম্ম পুথি বঙ্গলা ভাষাত কতা? মাধৱ দেৱৰ নাম-ঘোষা, বত্নাৱলীৰ নিচিনা জ্ঞানগৰ্ভ, ধৰ্ম্মভক্তিৰ বস ওলোৱা কিতাপ ভাৰতীয় ভাষাতে অতি কম। অসমীয়া ভাষা যে বঙ্গলা ভাষাতকৈ পুৰণি তাক আমাৰ দীপিকা চন্দ পুথিয়ে প্ৰমাণ কৰিছে। যেতিয়া বঙ্গদেশ বুলিবলৈ এখন সুকীয়া দেশ, গুটীয়াকৈ থকাৰ প্ৰমাণ নাছিল, কুৰু-পাণ্ডৱৰ যুদ্ধৰ সময়ত পুৰণি অসম (কামৰূপৰ) নাম আৰু তাৰ ৰজাৰ বিষয়ে মহাভাৰতত পোৱা যায়। বিক্ৰমাদিত্যৰ দিনত কামৰূপৰ নাম যেনেকৈ পুৰণি ইতিহাসত পোৱা যায়, বঙ্গদেশৰ আধুনিক দেশখন এখনীয়া দেশ বুলি তেতিয়াৰ লিখকে লিখা নাছিল। সি যি হওক অসমীয়াৰ দেশ আৰু তাৰ লগতে ভাষা, বঙ্গালীৰ দেশ আৰু তাৰ লগতে ভাষাতকৈ যে পুৰণি তাৰ যথেষ্ট প্ৰমাণ আছে, তাক সন্দেহ কৰিব লগীয়া নাই। ভাষাৰ সম্বন্ধে এই খিনিত আৰু এটা কথা কব খোজোঁ যে ভাষা যেতিয়া কোৱা কথাৰপৰা গঠিত হৈ লিখাৰ আহিত পৰেগৈ, তেতিয়াহে সেই ভাবাৰ ভাষা নাম যোগ্য হয়, আৰু তেনেকৈ ভাষাৰ নাম যোগ্য হলে ভাষাত

প্ৰথমে পদ্যৰেহে ৰচনাদি লিখা হয়। কোনো ভাল কথা গদ্যৰে লিখিবলৈ বেয়া লাগে। অৰ্থাৎ ভাষাৰ আদিতে গদ্যত কিবা সাৰুৱা কথা লিখা প্ৰায় দেখা নেযায়। কিন্তু ভাষা পৈণত হলে, গুৰি বেচি শকত হলে পদ্য ৰচনা বহুত পৰিমাণে প্ৰচাৰ হলে, লিখক বিলাকে গদ্য ৰচনা লিখিবলৈ আৰু একো বেয়া অনুভৱ নকৰে; কোৱা কথাৰে কথা লিখিবলৈ একো পাতল বা অসাৰুৱা যেন নলগা হয়। অৰ্থাৎ গদ্য ৰচনাই ভাষাৰ বহুত শকত অৱস্থাৰ চিন দেখুৱায়। বঙ্গলা ভাষাৰ গদ্য ৰচনা তেনেই আধুনিক; মহাত্মা ৰাজা ৰামমোহন ৰায়ে যেতিয়া হিন্দুধৰ্ম্মৰ পৱিত্ৰ বৈদিক ধৰ্ম্ম সকলোকে বুজাই প্ৰচাৰ কৰিব লগীয়া হৈছিল, তেতিয়াহে বঙ্গলা ভাষাৰ গদ্যৰে লিখা ভাষা সৃষ্টি হয়। কিন্তু অসমীয়া ভাষাত তেনেকুৱা গদ্য ৰচনা অতি পুৰণি। ১৬শ শতিকাত "গীতা ভাগৱত" লিখা হয়, আৰু "কথা ভাগৱত" পুথি সেই সময়তে লিখি লিখকে ভাগৱতৰ কথা কোৱা কথাৰে ৰচনা কৰি সৰ্ব্বসাধৰণৰ মাজত বুজাবলৈ চেষ্টা কৰিছিল। তাৰ বাহিৰেও অসমত অতি পুৰণি কালৰেপৰা বুৰঞ্জী লিখা প্ৰথা আছিল। প্ৰথমতে যদিও এই বুৰঞ্জীবিলাক আহোম ভাষাত লিখা হৈছিল, আমি জানো ১৪৯২ সনৰপৰা আহোম ৰজাই অসমীয়া ভাষাতে বুৰঞ্জী লিখিবলৈ হুকুম দিয়ে।

আজি কালি অসমীয়া ভাষা আৰু বঙ্গলা ভাষা মিলাই চোৱাটো বিশেষ আৱশ্যক যেন বোধ হল, আৰু অসমীয়া ভাষাত যে বঙ্গলা ভাষাতকৈ বিশেষ কেতবিলাক ভাষাত লাগি থকা গুণ আছে তাক দেখুৱা নিতান্ত প্ৰয়োজন বোধ কৰিছোঁ। সেই কাৰণে অসমীয়া আৰু বঙ্গালী ভাষাৰ গোটাদিয়েক বিষয়ে আলোচনা কৰি চোৱা যাওক :—

১। বৰ্ণমালা—বঙ্গালী ভাষাৰ বৰ্ণমালা অসম্পূৰ্ণ যেন লাগে। ইংৰাজীৰ v আৰু w, আৰু অসমীয়া ৱৰ উচ্চাৰণ বুজাবলৈ বঙ্গলা ভাষাত বৰ্ণ নাই। য় আথৰকে ৱৰ বাবে ব্যৱহাৰ কৰি বঙ্গালী লিখকসকল বৰ প্ৰমাদত পৰিছে। দিয়া (অসমীয়া di-ya), দিয়া (বঙ্গলা di-ya), পোৱা ( অসমীয়া po-wa ), পোয়া ( বঙ্গলা po-wa ), ইত্যাদ। ৱৰ ঠাইত যেনেকৈ অশুদ্ধকৈ য় ব্যৱহাৰ কৰে, তেনেকৈ আকৌ ৱ ঠাইত ব ব্যৱহাৰ কৰে। যেনে, দেৱ (সংস্কৃত), দেৱ (অসমীয়া Deva), দেব (বঙ্গলা deba) ইত্যাদি। অসমীয়া "বৰুৱা" শব্দ ইউনিভাৰ্চিটিত বঙ্গালী মতে "বৰুয়া" ( Baru-ya ) লিখি অসমীয়া লৰা বহুত ঠাইত পাচলৈ " বন্দ্যোপাধ্যায় " হৈ যোৱাও দেখা গৈছে। অসমীয়া ভাষাত যদিও সংস্কৃত চ ছৰ উচ্চাৰণ শুদ্ধকৈ পোৱা নেযায়, তথাচ চচ চছ বে সেই ভেনে

উচ্চাৰণ কৰি লব পাৰি। বঙ্গালীত অসমীয়াৰ শ ষ স ৰ উচ্চাৰণ নাই। এই উচ্চাৰণ সংস্কৃততো নাই। অসমীয়াৰ এই উচ্চাৰণ পাচিয়ান বা উর্দুভাষা মুলক।

২। শব্দাৱলী—বঙ্গলা ভাষাত শব্দৰ ভৰাল বৰ চহকী বুলি আমাৰ বহুতৰ ধাৰণা; বাস্তৱতে বঙ্গলা ভাষাৰ শব্দ তাকৰ এনেকৈ নহয়, কিন্তু অসমীয়া ভাষাতকৈ কোনোৰূপে সৰহ নহয়। বহুতৰ বিশ্বাস অসমীয়া ভাষাত শব্দ কম আৰু বঙ্গলা ভাষাত শব্দ সৰহ, কিন্তু ই ভুল। অসমীয়া ভাষাত শব্দ সৰহ আৰু বঙ্গলা ভাষাত হে শব্দ কম যেন অনুমান হয়। বঙ্গলা ভাষাত শব্দ দেখোঁতে যিমান বেচি যেন লাগে আৰু অসমীয়া ভাষাত যিমান কম যেন লাগে যথাৰ্থতে তেনে নহয়। ঘৰুৱা বা নিখুত শব্দ তাকৰীয়া হোৱা কাৰণে বহুত বঙ্গালী লিখকে আজি কেওঁখিনিমান দিনৰপৰা সংস্কৃত ভাষাৰ-পৰা সংস্কৃত শব্দ ইমান বেচি পৰিমাণে আৰু হু-বহু ধাৰ কৰিছে যে তাৰ বহুত সুবিবেচক বঙ্গালীৰ মনত আতঙ্ক উপস্থিত হৈছিল। ১৮৭৭ সনত "কলিকতা ৰিভিউ" (Calcutta Review) নামেৰে এখন উচ্চতৰ ইংৰাজী সাহিত্য আলোচনীৰ অক্টোবৰ মাহত এজন বঙ্গালী ভদ্ৰমহোদয়ে "Bengali written & spoken" অৰ্থাৎ বঙ্গালী ভাষা, কোৱা আৰু লিখা ভাষাৰ তাৰতম্য বিষয়ে এটা বৰ দীঘল সাৰুৱা প্ৰবন্ধ লিখিছিল। তাত

তেওঁ সংস্কৃত ভাষাৰপৰা হু-বহু আৰু বহুত পৰিমাণে শব্দ ধাৰ কৰি অনাৰ বিৰুদ্ধে বহুত আপত্তি দেখুৱাইছিল, আৰু কোৱা ভাষাৰপৰা লিখা ভাষাৰ বেচি পাৰ্থক্য হোৱাত খেদ কৰিছিল। সংস্কৃত ভাষাত যিবিলাক শব্দ আছে, সেইবিলাক যেনে বঙলা, তেনে অসমীয়া; সংস্কৃত শব্দ বঙলা ভাষাত ব্যৱহাৰ কৰিলে বঙলা, আৰু অসমীয়া ভাষাত ব্যৱহাৰ কৰিলে অসমীয়া; সংস্কৃত শব্দ দুয়ো ভাষাৰ উমৈহতীয়া ভৰাল। সংস্কৃত আইক হাত নপতাকৈ জী-ভাসাই যিমান চলিব পাৰে, তিমান জীয়েকৰ পৌঢ়া অৱস্থা বুলি ধৰিব লাগে। সদায় মাকৰ ওপৰত নিৰ্ভৰ কৰি থাকিব লগীয়া হলে, জীয়েকৰ শৈশৱাৱস্থাৰ বাহিৰে আন একো নুবুজায়। এই কথাৰ গম নোলোৱা বহুত অসমীয়ায়ো অনেক সময়ত ভ্ৰমত পৰা দেখিবলৈ পাওঁ। শব্দৰ তুখায়া চহকী বিচাৰ কৰিবলৈ, অসমীয়া বঙ্গালীৰ ভিতৰত শব্দ আমি তিনি প্ৰকাৰেৰে বিভক্ত কৰি লব পাৰোঁ:—

( ১ ) সংস্কৃতৰপৰা অহা শব্দ, কিন্তু যিবিলাক শব্দৰ সংস্কৃতৰ গঠন আৰু ভাঁজ নাইকিয়া হৈ অসমীয়া বা বঙলাত সোমাই অসমীয়া বা বঙলাহৈ নিখুত ভাবে সেই ভাষাত ব্যৱহাৰ হৈছে। যেনে, কাণ, নাক, পাত, কটাৰী, গুৱা,—অসমীয়া ( কৰ্ণ, নাসিকা, পত্ৰ, কৰ্ত্তৰীকা, গুৱাক—সংস্কৃত; ) কাণ, নাক, পাত, চুৰি, তাম্বুল—বঙলা (কৰ্ণ, নাসিকা, পত্ৰ, চুৰিকা, তাম্বুল—সংস্কৃত।)

(২) সংস্কৃত শব্দ, হু-বহু সংস্কৃত ভাষাৰপৰা আনি অসমীয়া বা বঙ্গলা ভাষাত ব্যৱহাৰৰ উপযোগী কৰা। আৰু (৩) যিবিলাক শব্দ সংস্কৃতৰপৰা অহা নহয়। অসমীয়া আৰু বঙ্গালী ভাষা শব্দত কোন কিমান চহকী তাক বিচাৰ কৰিবলৈ (১) আৰু (৩) শ্ৰেণীৰ শব্দ লৈ বিবেচনা কৰিব লাগে। কাৰণ (২) শ্ৰেণীৰ শব্দ দুয়ো ভাষাতে সমানে ব্যৱহাৰৰ উপযোগী,—এটা ভাষাত ব্যৱহাৰ কৰা বাবেই আনটোলৈ চুৱা হব নোৱাৰে আৰু ব্যৱহাৰৰ উপযোগিতাও গুচিব নোৱাৰে। আৰু (২) শ্ৰেণীৰ শব্দ থকৱা নিখুঁত শব্দৰ দৰে ভাষাত তত্তালিকে সোমাই নেযায়। গোটাদিয়েক নিতৌ লাগি থকা কথা লৈ চালে সহজে অসমীয়া ভাষা যে চহকী তাক দেখিবলৈ পাম। ওচৰৰ সম্বন্ধীয়া কথা "ভাই" আৰু "ককাই"ৰ বঙ্গলাত গুটীয়া শব্দ নাই। বঙ্গলাত "ভাই" মানে brotherly relation, কিন্তু অসমীয়াত "ভাই" (সৰু) "ককাই" (ডাঙ্গৰ), দুটা বেলেগ বেলেগ শব্দ আছে। "ভতিজা" (অসমীয়া), "ভাই-পো" (ভাইৰ পুতেক, বঙ্গলা), "ভিনিহি" (অসমীয়া), ভগ্নী-পতি, (ভগ্নীৰ পতি বঙ্গলা)। "কালি" আৰু "কাইলৈ" বঙ্গলাত "গতকল্য" আৰু "আগামি কল্য"। 'বতৰ" (weather)ৰ বঙ্গলা কি? "লেবেলা", "চেবেলা" "মেমেৰা" ইত্যাদি শব্দৰ বঙ্গলা প্ৰতিশব্দ কি? "সে" (অসমীয়া "সি") ৰ স্ত্ৰীলিঙ্গ ("তাই"—অসমীয়া) বঙ্গলাত কি শব্দেৰে বুজায়? "গা

এৰা" "গা ঘেলোৱা', "গা চাই কুৰা" "গা তঙ্গোৱা," "গাত হোৱা" "গাত লোৱা", "গা ধৰা" "গা মূৰ ধোৱা", "গা লৰা" আদি সুন্দৰ লৰজবিলাক বঙ্গলা ভাষাত আছেনে ? "প্ৰসৱ হৈছে" নুবুলি "গা লৰিছে"; "ঋতুস্নান কৰিছে" নুবুলি "গা মূৰ ধুইছে," নৰিযাৰপৰা উঠিছে বা গা তঙ্গাইছে ইত্যাদি কথাবিলাকে ভাষা চহকী প্ৰমাণ নিদিযেনে ? বেয়া ভাববিলাকৰ সুন্দৰ ঢাকনি থকা ভাষা অসমীয়াৰ বাহিৰে বঙ্গলা ভাষাত বেচিনাই হেন পাওঁ। "মূতা" আৰু "প্ৰস্ৰাব কৰা"ৰ বাহিৰে বঙ্গলা ভাষাত সেই ভাব প্ৰকাশ কৰিবলৈ আৰু কি কথা আছে ? "মুতা", "সৰু-পানী চোৱা" "ক্ষুদ্ৰ শৌচ কৰা", "মুখ-হাত ধোৱা" ইত্যাদি একেটা ভাবৰ নানা প্ৰকাৰ ঢাকনি অসমীয়া ভাষাত আছে। "পাথাৰ ফুৰা" আৰু "পাথৰত ফুৰা"ৰ বিভিন্ন ভাবি চোৱঁাচোন। "পথাৰ ফুৰা" নুবুলি "খোজ লৰা"ও ব্যৱহাৰ হয়। "মেঘ কেটেছে" আৰু "ডাৱৰ চলাইছে" এই দুয়ো একে ভাব প্ৰকাশ কৰিব পাৰে; কিন্তু "বতৰ মুকলি কৰিছে" "চকাহ দিছে"ৰ বঙ্গলা কি ? আমাৰ "মৰিশালী"ৰ বঙ্গলা (?) "শ্মশান," কিন্তু আমাৰ "মৈদাম" বঙ্গলা কি ? "স্তম্ভ" নে কি ? ডাৱৰীয়া বতৰৰ যদিও বঙ্গলা আছে, বতৰ "ওমা-গোমা কৰিছে" "ওন্দোলাই থৈছে"ৰ ঠিক বঙ্গলা আছে নে ?

"Verbs in Bengali have scarcely any personal names derived from them; there is

"chala", but no word to answer for "chalan-walla". Khaye, gaiye and a few other words may be mentioned as instances of verb-derived personal nouns; but besides being extremely limited in number, some of them have a specialized meaning. Khaiye means not 'eater' but a "good eater"; kheko and its feminine kheki from kha´oa´ are slang terms. In respect of abstract names derived from verbs such as knowledge from know, Bengali and Hindusthani are equally in fault and have therefore in most cases to borrow".—(Calcutta Review, October 1877).

অৰ্থাৎ কলিকতা ৰিভিউ ১৮৭৭ সনৰ অক্টোবৰ মাহৰ কাকতত এজন শিক্ষিত বঙ্গ মহোদয়ে লিখিছিল যে "বঙ্গলা ভাষাত ক্ৰিয়াৰপৰা হোৱা বিশেষ্য পদ নাই; "চলা" কথাতো আছে, কিন্তু হিন্দুস্থানীৰ "চলনে-ৱালাৰ" নিচিনা বিশেষ্য পদ 'চলা' ক্ৰিয়াৰপৰা হোৱা শব্দ বঙ্গলাত নাই। খাইয়ে, গাইয়েৰ নিচিনা গোটা দিয়েক ক্ৰিয়া-নিষ্পন্ন বিশেষ্য পদ উল্লেখ কৰিব পাৰি হয়, কিন্তু তেনে শব্দ তেনেই কম, আৰু সেয়ে নহলেও সেইবিলাক শব্দৰ অৰ্থ বেলেগ আৰু সুকীয়া। খাইয়ে শব্দৰ অৰ্থ "যি খায়," সি নহয়, কিন্তু "যি খুব খায়, সিহে"।

বঙ্গলা ভাষাত বিশেষণ পদৰ লিঙ্গৰ বিভিন্নতা নাই, কাৰণ "মোটা", "ছোট", "সাদা", ইত্যাদি শব্দবিলাক পুংলিঙ্গ শব্দৰ লগত যেনেকৈ ব্যৱহাৰ হয়, স্ত্রীলিঙ্গ শব্দ বিলাকতো তেনেকৈয়ে ব্যৱহাৰ হয়, অর্থাৎ "সাদা ছেলে," "সাদা মেয়ে" আৰু আগেয়ে উল্লেখ কৰা বঙ্গ মহোদয় বাবু শ্যামাচৰণ গাঙ্গুলিয়ে কলিকতা ৰিভিউত লিখিছে- "* * * * that a distinction of gender in adjectives is wholly alien to the genius of Bengali is plain from the fact that no genuine Bengali adjective is ever varied in respect of gender." কিন্তু লিখোঁতে "a slavish adherence to sanskrit is kept up, and this labourious assignment in writing has very much encumbered the written Bengali."

কিন্তু অসমীয়াত বহুত ঠাইত লিঙ্গ অনুসাৰে বিশেষণ পদৰ বিভিন্ন হয়। "কলা লৰা", 'কালৰী ছোৱালী' বগা, বগী; কনা, কানী ইত্যাদি।

৩। কলিকতা ৰিভিউ আলোচনীত সেই জন লিখক আকৌ লিখিছে, "Bengali is not self-sufficing as Hindustani is, it is much more poorer in derivatives and must have accordingly to lean more upon its parent tongue."

"অৰ্থাৎ হিন্দুস্থানী ভাষাই যেনেকৈ অন্য অন্য ভাষাৰ পৰা শব্দ আনিও নিজ ভাষা চহকী কৰিব পাৰে, বঙ্গলা ভাষাই তেনে কৰিব নোৱাৰে, ইয়ালৈ অন্য ভাষাৰপৰা শব্দ অহা বাট নাই। সেই কাৰণে বঙ্গলা ভাষাই নিজ মাতৃভাষা সংস্কৃতৰ ওপৰতে সদায় ভৰদি থাকিব লাগিব।" অসমীয়াৰ কিন্তু সেই দিনেও বঙ্গলা ভাষাতকৈ গুৰি শকত। কিয়নো অসমীয়া ভাষা যদিও আচলতে সংস্কৃত মূলক, তত্ৰাচ এই ভাষা ক্ৰমিক উন্নতি হৈ আহোঁতে হিন্দুস্থাণী বা উৰ্দ্দু ভাষা আৰু ওচৰৰ পৰ্ব্বতীয়া জাতিৰ ভাষা কেইটামানৰ সহায় পাই গঠিত হোৱা। এতেকে আসমীয়া ভাষাৰ সংস্কৃত ভাষাৰ ওপৰত যেনে হক আছে হিন্দুস্থানী বা উৰ্দ্দু ভাষাতো প্ৰায় তেনে হক, আৰু এই পৰ্ব্বতীয়া জাতিবিলাকৰো শব্দ অসমীয়া ভাষাত আছে। ভালকৈ পৰীক্ষা কৰি বুজিব পাৰি যে অসমীয়া ভাষাত শতকৰা ৬৮টা শব্দ সংস্কৃত মূলক, ২৭টা উৰ্দ্দূ বা হিন্দুস্থানী মূলক, আৰু ৫টা পৰ্ব্বতীয়া জাতি মূলক। পৰ্ব্বতীয়া অনাৰ্য্য জাতিৰ শব্দ আমাৰ ভাষাত সোমোৱাত আমাৰ একো বেয়া লাগিব লগীয়া কথা নহয়, বৰঞ্চ ভাষা চহকী কৰিবলৈ ভাব সোমোৱা অনুসৰি সকলো দেশৰ কথা লোৱা উচিত। আৰু এই কথাবিলাক অসমীয়া ভাষাত সুচলৰূপে সোমাই গৈছে। টানি আজুৰি নন্নাকৈ, মানুহে এক প্ৰকাৰ গম নোপোৱাকৈ যেতিয়া কোনো জাতিৰ মাজত কোনো জাতিৰ

কৰিছে। এই কথা যে বঙ্গদেশৰ সদ্বিবেচক সকলৰ মোৰ আপত্তি তাক আগেয়ে উল্লেখ কৰা কলিকতা বিশ্ববিদ্যালয় লিখক জনেই প্ৰমান। কাৰণ তেওঁ লেখিছে "The displacement of familiar words by their Sanskrit originals can be justified by no reasonable grounds. The ousting of words of non-sanskrit origin, whether aboriginal or foreign, is equally indefensible. Purism is radically unsound, and has its origin in a spirit of narrowness."

ইয়াত এইটোও কোৱা উচিত যেন দেখো যে, বহুত উৰ্দ্দু শব্দ অসমীয়া ভাষাত এনে দৰে সোমাই আছে যে তাক বঙ্গালী মানুহে আৰু বঙ্গালী ভাষাৰ বেচি প্ৰাদুৰ্ভাৱ থকা ঠাইৰ অসমীয়া মানুহেও সেই শব্দবিলাক পৰ্ব্বতীয়া জাতিৰ শব্দ বুলি ধৰে, আৰু পৰ্ব্বতীয়া শব্দ সোমোৱাত অসমীয়া ভাষাক হাঁহৰ বা বগো, কচাৰীৰ লগৰীয়া ভাষা বুলিব খোজে। বঙ্গালী ভাষা, সংস্কৃতৰ গুটীয়া শব্দ ধাৰ কৰি অসমীয়াতকৈ বেচি সংস্কৃতীয়া হৈছে। কিন্তু সংস্কৃতৰ ধাৰা অপভ্ৰংশহে উৎপন্ন হোৱা ভাষাত সংস্কৃতৰ গোট শব্দ গোটে গোটে বেচি পৰিমানে নেথাকে। মাক জীয়েকৰ সম্বন্ধ থকা সংস্কৃত—বঙ্গলা, অসমীয়া ভাষাত মাকৰ গোটাই গোটা বিচাৰিলে সেই সম্বন্ধ ওলা বা

গুচুৱা হে হব—সংস্কৃতৰ নিচিনা এটা নতুন ভাষা সৃষ্টি কৰা হব পাৰে, কিন্তু সংস্কৃতৰপৰা জন্ম লোৱা ভাষা নহব। ভাৰতত যিবিলাক সংস্কৃতীয়া ভাষা আছে, সেই সকলোটি ঘাইকৈ প্ৰাকৃত ভাষাৰপৰাই ওলাইছে। এনেকুৱা ভাষাৰ সৈতে প্ৰাকৃত ভাষাৰ যিমান মিল, তিমান সেই ভাষা সংস্কৃতীয়া—সংস্কৃত তাৰ জন্মদাতা আই। কাৰণ আগৰ মানুহে সংস্কৃতত কথা-বতৰা পাতিব নোৱাৰি সময়ত গাথা ভাষা, পালীভাষা আৰু প্ৰাকৃত ভাষা ওলায়। ইয়াৰ ভিতৰত প্ৰাকৃত ভাষাই বেচি আধুনিক। এতেকে প্ৰাকৃত ভাষাৰ সৈতে মিল নেথাকি যদি কোনো আজি কালিৰ ভাষাৰ সংস্কৃতৰ সৈতে বেচি মিল দেখুৱাব খোজোঁ, তেন্তে সেই ভাষা সংস্কৃতৰ পৰা ওলোৱা ভাষা বুলি কেনেকৈ কম? বঙ্গালী ভাষাত সংস্কৃতৰপৰা হোৱা অপভ্ৰংশ বঙ্গলা শব্দ ব্যৱহাৰ নকৰি মূল সংস্কৃত শব্দ ব্যৱহাৰ কৰাটো, অৰ্থাৎ নাকৰ সলনি নাসিকা, কাণৰ সলনি কৰ্ণ ইত্যাদি লিখি সংস্কৃতৰ সৈতে এনেকুৱা বেচি মিল কৰিবলৈ কাৰবাৰ কৰাটো সংস্কৃতৰ পৰা বাস্তবিকতে আৰ্তৰ কৰা যেন হে লাগে। ই এটা সংস্কৃতৰ নিচিনা, সংস্কৃতৰ সৈতে শব্দাদিত বহুত মিল থকা এটা নতুন ভাষা হব পাৰে, কিন্তু সংস্কৃতৰ জীয়েক ভাষা বুলি কেনেকৈ কব পাৰি? এতেকে গোটাদিয়েক প্ৰাকৃত শব্দ লৈ অসমীয়া আৰু বঙ্গলা ভাষা বিজাই চোৱা যাওক, কোন ভাষা কিমান সংস্কৃতীয়া ঃ—

| সংস্কৃত | প্ৰাকৃত | অসমীয়া | বঙ্গলা |
| --- | --- | --- | --- |
| সত্য | সচ্চ | সঁচা | সত্য |
| স্নেহ | সনেহ | চেনেহ | স্নেহ |
| লবণ | লোণ | লোণ | লবণ |
| বিদ্যুৎ | বিজ্জুলী | বিজুলি | বিদ্যুৎ |
| বিবাহ | বিয়ে | বিয়া | বিবাহ |
| বক্তি | বোলই | বোলে | বলে |
| ভবামি | হোমি | হওঁ | হইয়াছি |
| যামি | যামি | যাওঁ | যাই |
| মাম | মম্ | মোক্ | আমাকে |
| অস্মান্ | অস্মান্ (?) | আমাক | আমাদিগকে |
| সঃ | সো | সি | সে |
| সা | তা | তাই | সে |
| করিষ্যামি | করিস্সং | করিম | করিব |
| করোমি | করোমি | কৰোঁ | করি |
| আৰ্য্যা | অজ্জ | আই | মা |
| হে (ভো) | হলা | হেৰা (হয়েঁৰা) | ওহে |
| তুভ্যং | তুমং | তোমাক | তোমাকে |
| কৰ্ত্তৰী | কটাৰি | কটাৰী | কাটাৰী |
| সাৰিকা | সাৰিকা | সালিকা | —— |
| কৌপীন | কপীন | কপিং | কৌপাণ |
| করপত্র | করত | করত | করাত |
| নকুল | নউল | নেউল | বেজি (নেউল) |

ইয়াৰপৰা দেখা যায় যে অসমীয়াত প্ৰাকৃতৰ মিল থকা শব্দ সৰহ, আৰু বঙ্গলাত কম। এনেকে অসমীয়া ভাষা বঙ্গলা ভাষাতকৈ বেচি সংস্কৃতীয়া নহয়নে? বা সংস্কৃতৰ বেচি ওচৰ নেচাপেনে? প্ৰাকৃত শব্দৰ পৰা থহি আহি যি শব্দ আমালোকৰ ভাষাত সোমাই চলিত হৈছে, তাক গুচাই আচল সংস্কৃত শব্দ লিখা আমাৰ ভুল। বঙ্গদেশত এই ভুল আওকাণ কৰি লিখক সকলে ভাষাৰ প্ৰকৃত স্বভাৱ নলেখে গুচুৱা যেন হৈছে। “এই সাগর ভূধর পরিবেষ্টিত সহস্র পর্ব্বতশ্রেণীয়বে তরঙ্গায়িত দেহ, সহস্রপ্রবাহে বিধৌতমল শস্যশ্যামল বনবাজি সঙ্কুল, রত্নগর্ভ, উদরস্থ অনন্ত জীব কোটির বিচরণস্থল বিংশতি কোটি মানবের আবাস ভূমি ভারতবর্ষ।” এই সো বঙ্গলা ভাষা নে? সেই কাৰণেই বোধ কৰোঁ। ডাক্তৰ গ্ৰীয়াৰ্চন চাহাবে বঙ্গভাষাৰ ওপৰত লিখিছে “The defenders of the spelling and vocabulary of modern literary Bengali call them “conservatives.” But this is mere playing with words. If that is the meaning of the term, then an English conservative is a person who wishes to retain all the civilization, and all the compex national existence of this year of grace 1899, but to administer them by the laws of Ina of Wessex. To change the metaphor—by

all means let the writers of Bengal write in Sanskrit if they like (and if they can), but they have no right to misuse their vernacular by sending her out into the world masquerading in the clothes of her great grand mother." (Foot note—Linguistic Survey of British India, vol. V.)

ভাষা মানে মানুহৰ মনৰ ভাব সলনা-সলনি কৰিবলৈ কৰা কেতবিলাক মানুহৰ মাত। সেই মাত অনুসাৰে ভাব একে জাতিৰ বা একে ঠাইৰ মানুহে গম পায়; আৰু মানুহৰ মনৰ ভাববিলাক সদাই ৰাখি থবৰ মন গলে, অথবা দূৰৈৰ মানুহৰ সৈতে সলনা-সলনি কৰিবৰ মন গলে, সেইবিলাকৰ মাত অনুসাৰে কেতবিলাক চিন সাজি লওঁক, আৰু সেই চিনবিলাক তুলাপাতত বা সাঁচি পাতত, শিলত বা ফলিত আঁকি ৰাখিব পৰাটোৱেই হৈছে লিখা। তেনে আমি যি ভাবেঁ৷ তাকেই লিখিলেই ভাষা; মুঠেই কওঁতে কথাবিলাক প্ৰায় লানি থাই নেযায়, আৰু ভাববিলাক সুন্দৰৰূপে বহুৱাই থোৱা নহয়, লিখাত কিন্তু সেইবিলাক বাদ দিব লগে। কোৱা ভাষাৰে লিখা ভাষাৰে এই খিনি তাৰতম্য থাকিব লাগে। লিখা ভাষাৰ গঢ় কেনে হব লাগে এই সম্বন্ধে ১৮৯৮ সনৰ জুন মাহৰ "Nineteenth Century" নামেৰে বিলাতৰ আলোচনী এখনত মিঃ

ফেড্ৰোৰক হেৰিচ চাহাবে লেখিছে " supposing one has something to say—something that concerns the world to know—all that I have to tell him is this. Think it out clearly in your mind, and put it down in the simplest words that offer, just as if you were telling to a friend, but dropping the tags of the day with which your spoken discourse is likely to be garnished." এই কাৰণতে কওঁ, যে আজি কালিৰ বঙ্গলা ভাষা স্বাভাৱিক ভাষা যেন নেলাগে, ই এটা ঘটি-পিতি কৰা ভাষা— বঙ্গালিসকলে যি কয় তাৰ বিলেখে। শ্ৰীহট্ট অঞ্চলৰ মানুহবিলাকৰ কোৱা আৰু লিখা ভাষাৰ কিমান ভিন তাক দেখিলে কওঁ কতে আচৰিত হব লাগে। তাৰ পাছৰ বঙলা গাওঁ মানুহ এটাই সহজ ভাষাত লিখা বঙ্গলাকে বুজেনে সন্দেহ। এই বিষয়ে মহামতি ডাক্তৰ গ্ৰীয়াৰ্চন চাহবে বঙ্গভাষাৰ সম্পৰ্কে কয় ( Linguistic Survey of British India. Vol. V. page 16 ), " The vocabulary of the modern literary language is almost entirely Sanskrit, and few of these pronounced as they are written. Bengali themselves struggle vainly with a number of complex sounds which the disuse of centuries has rendered their

vocal organ unable or too lazy to pronounce. The result is a number of half pronounced consonants and broken vowels not provided for by their alphabet, amid which the unfortunate foreigner wanders without a guide, and for which his own larynx is as unsuited as is a Bengali for the sounds of Sanskrit." বঙ্গলা ভাষাৰ এই দুৰ্গতি আগেযে নাছিল; কাৰণ তেওঁ আকৌ লিখিছে "If we take a will standard work, the *purush parikha*, actual counting of words on the first page shows that 88 p. c. are pure sanskrit, and do not belong to the Bengali language. If we wish to know how much is due to the modern impetus given to literature by the pandits, we can apply a similar test to the first page of the old poet Chandidas (14th century) and we shall find that only 30 p. c. of the words are sanskrit, that these are all words of the simplest character, and that save a few proper names, an attempt is made to spell them as they are written." ডাক্তৰ গ্ৰীয়াৰ্চনৰ চাহাবে মনত পেলাই দিয়াত এই খিনিতে এটিকথা লিখিব লগীয়া হল যেন ভাবিলোঁ। বঙ্গলা ভাষাৰ অনুকৰণ

কৰি" half pronounced consonants and broken vowels যিবিলাক আজিকালি অসমীয়া মানুহৰ মুখতো শুনিবলৈ পোৱা যায়। "পদ্ম" কথাটো উচ্চাৰণ কৰোঁতে পদ্দ বুলি কিয় উচ্চাৰণ কৰে অসমীয়া মানুহে, ডাক্তৰ গ্ৰীয়াৰ্চন চাহাবে কৰব নিচিনাকৈ "disuse of centuries has rendered the vocal organs unable or too lazy to pronounce." এনে অসঙ্গত অৱস্থা পাবলৈ কিয় আগ্ৰহ কৰিছে কব নোৱাৰোঁ। বাস্তবিকতে বঙ্গালীবিলাকে লিখে "ভষ্ম" কয় "ভস্‌স, " লিখে "আত্মা" কয় আঁত্তা। কিন্তু অসমীয়াইয়ো তেনে শব্দ লিখি তেনে উচ্চাৰণ কৰাটো বৰ হাঁহিয়াতৰ কথা। কোনো ধুৰন্ধৰ অসমীয়া বৰ মতাই লোকৰ নেক্সত ওলাই আকৌ তেনেকুৱা অসমীয়াত নাভূত-নাশ্ৰুত উচ্চাৰণ চলাবলৈ পৰমজ্ঞানী হৈ লোকক আদেশ দিয়াও অলপতে দেখিবলৈ পালোঁ। অথবা বহুত দিন বঙ্গলা ভাষাই অসমীয়া ভাষাৰ ওপৰত চৰি ইও এক খোচৰা বেমাৰৰ বীজ থৈ আমাৰ ভাষাক কণীয়া কৰি গৈছে। কিন্তু এতিয়াৰ অসম যুবক সকলে এই কথা গম পাই এনেকুৱা বেমাৰ-তেজাৰ গুচাই ভাষাক আগৰ সবল অৱস্থালৈ নিবলৈ ইচ্ছা আৰু যত্ন কৰা উচিত। "Half pronounced consonants and broken vowels ৰ বাহিৰেও আমাৰ ভাষাত বঙ্গলা ভাষাই আৰু বিশেষ ৰকমে বেমাৰ ৰাখি গৈছে যেন মোৰ অনুমান হয়। আৰু

সেইবিলাক আমাৰ অসমাৰ্ম্মাৰ প্ৰত্যেকে শুদ্ধাই লিখিবলৈ যত্ন কৰা উচিৎ। মই বিশেষকৈ আমাৰ উঠি অহা ডেকাসকলক এই বিষয়ে কব খোজোঁ, যেন তেওঁলোকে তেওঁলোকৰ ভাষাত সোমোৱা বঙলুবা ধৰণ এৰে। কামৰূপত "ককাইৰ" পৰিবর্ত্তে "সকভাই" বোলাটো বঙলাৰ অনুকৰণ নহয় নে? "কালিলৈ" আৰু "কালি" থকাত "অহা কালি" আৰু "যোৱা কাল" ব্যৱহাৰ কৰা হয় কিয়? "এই দিকে," সেই দিকে ইত্যাদিত "দিকে" শব্দটো মোৰ মনেৰে বঙলা ভাষাৰপৰা অহা। "ঘৰক যাম," "ঘৰলৈ যামৰ" পৰিবর্ত্তে অশুদ্ধ বিভক্তিৰে ব্যৱহাৰ কৰা বঙলা ভাষাৰ অনুকৰণ যেনহে পাওঁ। আৰু এটা বঙলা ভাষাৰ খোচোৰা ব্যাধিয়ে আমাৰ ভাষাক বঙলুৱ ভাঁজ দিছে। বহুত অসমীয়া পদ্যলিখকক এই বেমাৰে পাইছে। শব্দ কেৱল বেলেগ হলেই এটা ভাষাৰপৰা আনটো ভাষা বেলেগ নহয়। কাৰণ এটা বা দুটা শব্দত ভাষাৰ চিন নেথাকে। "ভাত" বুলিলে কোন ভাষা বুজাব কোনেও কব নোৱাৰে, কাৰণ অসমীয়া, হিন্দুস্থানী, আৰু বঙলা তিনিও ভাষাত "ভাত" আছে। যেতিয়ালৈকে সেই শব্দ কোনো ভাষাত ব্যৱহাৰ কৰা নেযায, তেতিয়ালৈকে সেই শব্দ কোনো ভাষাৰ নহয়। "ভাতে মানুহৰ প্ৰাণ ৰাখে," এই অসমীয়া কথা আষাৰত "ভাতে" কথাটো অসমীয়া, আৰু "ভাত মানুষেৰ প্ৰাণ ৰক্ষা কৰে," এই বঙলা

কথা আষাৰত "ভাত" বঙ্গলা। ভাষাৰ তাৰতম্য ব্যাকৰণে বুজায়। প্ৰফেচৰ মেক্সমুলাৰ চাহাবে কয়" "It matters not how many words may be derived in common from another language; it does not prove the identify of any two dialects. It is to the grammar we must look, to decide their identity" বঙ্গলা ব্যাকৰণেৰ অসমীয়া পদ্য ৰচনা কৰা ভুল। আমাৰ বহুত লিখকে কিন্তু এই কথালৈ মন নকৰি অশুদ্ধ অসমীয়া লিখি বঙ্গলাৰ নিচিনা কৰিছে। তেনেকুৱা লিখক বাস্তবিকতে বহুত। বহুত মোৰ শ্ৰদ্ধাস্পদ, মই তেওঁলোকক অশেষ ভক্তি কৰোঁ। আৰু সেই ভাবেৰে মই দুটামান দৃষ্টান্ত ইযাত তুলি দিব খোজোঁ। আৰু লিখকসকলক বিনীত ভাবে সোধোঁ সেইবিলাক বঙ্গলা বিভক্তি হযনে নহয? আৰু তেওঁলোকে যেন মোৰ সানুনয় কোৱালৈ এবেলি চায় আৰু তাৰ ভাষাৰ শুদ্ধতা ৰাখিবলৈ যত্ন কৰে। আৰু তেওঁবিলাকৰ লিখা ইযাত তুলি দি ইয়াত সমালোচনা কৰাৰ বাব যেন মোক ক্ষমা কৰে।

"দিনমণি শূন্যমাৰ্গে কৰিয়া ভ্ৰমন,
পশ্চিম আকাশ শেষে লোহিত আভাসে,
বঞ্চি ক্ষণকাল ৰবি বিস্তাৰি চৰণ,
শুইলে বিশ্ৰামাচলে এবে মহা ক্লেশে।"

শূন্যমার্গে, কৰিয়া, শেষে, আভাসে, বিশ্ৰাম্যাচলে শব্দ বিলাক কেনেকৈ হল? কি বিভক্তি? এই সকলোটিত বঙ্গলা বিভক্তি দি লিখকে লিখিছে, নহলে একো অর্থ নহয়। শব্দ কেইটি সংস্কৃত, ব্যাকৰণ বঙ্গলা, ভাষা কি হব সহজে বিচাৰ কৰিব পাৰি। শূন্যমার্গত, কৰি, শেষত, আভাসেৰে, বিশ্ৰামচলত হে শুদ্ধ।

"স্থানে স্থানে অভিনয় হোৱে ৰাত্রিকালে।
কিবে সুমধুৰ বাদ্য বাজয় মন্দিৰে
যেন সুৰাঙ্গনাগণ আসিয়া সি স্থলে
বজাৱে সুযন্ত্র ধৰি সুকোমল কৰে।"
"কোন সিটি বসি চেয়াৰ আসনে
সন্মুখ টেবিলে ফুলস্কেপোপৰে
মধ্য বৃদ্ধ আৰু তর্জ্জনী অঙ্গুলে
ধৰিয়া লেখনী চলাই যায়"?

এনেবিলাক হাস্যাস্পদ অশুদ্ধ অসমীয়া ভাষা পঢ়াশালাত পাঠ্য কৰা নিতান্ত বেয়া।

"তুমি তো আনন্দ, দেৱ সমাজত চিৰশান্তি পালা আনন্দলোকে।
কিন্তু ভললই চোঁৱা এটিবাৰ, কিহল পৃথিবী তোমাৰ শোকে"।

"ভবিষ্য সুখৰ আশে দুখৰ সাগৰ মাজে জুৰণিৰ চেঁচাপানা ধৰেহি আগত। **

যেতিয়া সুখৰ লগে ধৰম কৰম ভাগে ভাগৰ বেজাৰে
কৰে মন ঠৰবৰ"

ওপৰত আঁচ দিয়া শব্দবিলাকৰ বিভক্তি অসমীয়া ব্যাকৰণ মতে হৈছে নে?

"হায় নিদাৰুণ বিধি কিনো সতুক পালিলা, আজলি
অসম বুকে শোকৰ চিতা জ্বালিলা।"

কৰ্ত্তাকাৰকৰ বিভক্তি "এ" যুক্ত কৰি অধিকৰণ কাৰকৰ অৰ্থ বুজাব লগীয়া হৈছে কিয়? এনেকুৱা উদাহৰণ অধিক বেচি। "বুক" কথাটোও অসমীয়া নহয়। আকৌ

"ইবাৰ দয়াময়, দয়াময়, কৰাহে কৰুণা, অধমে"

"অধমে" ইয়াত কি কাৰকৰ কি বিভক্তি? কৰ্ম্ম কাৰকৰ "অধমক"ৰ পৰিবৰ্ত্তে নোখ কৰোঁ লিখা হৈছে। গদ্যত এনে অশুদ্ধ বিভক্তি ব্যৱহাৰ কৰা নহয়। পদ্যত আখৰ মিলাবলৈ টান পাই এনেবিলাক বঙ্গলাৰ ব্যাকৰণ ধাৰ কৰি অশুদ্ধ অসমীয়া লিখাৰ বাহিৰে অন্য কি কাৰণ হব পাৰে? কিন্তু মই ইয়াকো কৰ পোজোঁ যে সিও তেওঁবিলাকৰ ভুল; কাৰণ অসমীয়া ব্যাকৰণেৰে পদ্য লিখি সুন্দৰ ৰূপে কৃতকাৰ্য্য হোৱা পোৱা গৈছে। মই এখন পদ্যৰ কিতাপ পঢ়িবলৈ পাইছিলোঁ, তাৰ পদ্য যেনে সুললিত, ৰচনাও তেনে শুদ্ধ; ভাব যেন মধুৰ ব্যৱহাৰ কৰা শব্দবিলাকো তেনে সুন্দৰ আৰু কাঢ়ি-

বলেৰে আতুৰি আনি ব্যৱহাৰ কৰা যেন, নেদেখেগে। তাৰপৰা ছুঙ্কাকী মান টুকি দিবৰ মন গল।

"মুকলি পাছুম চকা পাতৰ থোৰত,
উমানন্দ, জয়ধ্বজা প্ৰাগজ্যোতিশৰ
প্ৰকাশিছে চোৰ। সেই নইৰ গৰ্ভত
ছুপিনে ছুধাৰি বোৰা ৰূপালী সোঁতৰ।"

"লোকে বোলে তুমি হেনো একোকে নেজান—
আজলী সৰল স্বভাৱৰ
মই দেখোঁ তুমি হলে সকলোকে বুজা
যত কথা মোৰ অন্তৰৰ।

"সন্ধিযাৰ সক তৰা লাহে লাহে নিজিলিকে
পুৱা নয নগলে পূৱত;
ধাৰাসাৰ জীৱনতো একো দুখ নেথাকিলে
শান্তি গুণ নেথাকে সুখত॥"

আকৌ আন এটা কিতাপত একেজন লেখকেই লেখিছে:—

"কোন বীৰে অপমান আওকাণ কৰি
নিজেগৈ পিতা পিতা বুলি
কোনে কাক দিযে পৰিচয়?
কৰিছিলা ইমান সম্মান তুমি মাতৃৰ আজ্ঞাত,
কিন্তু তেওঁ অনাহক ৰাজ্য সমাজত
যেশ্যা খ্যাতি অৰ্পিলে মাতক।"

ইত্যাদি।

৫

এইজন কবিয়ে তেওঁৰ কবিতা বঙ্গলা ব্যাকৰণৰ সহায নোলোৱাকৈ এনে সুন্দৰ কবিতা লিখিছে আৰু বোধ কৰোঁ তেওঁৰ কবিতা ৰচনাই কবিত্ব ভাবৰ মহলেও পদ্য ৰচনাৰ শুদ্ধতা সকলো লিখকক আঙ্গুলিয়াই দিছে। বহুতে বহুত সুন্দৰ ভাবৰ পদ্য ৰচনা কৰে, কিন্তু ব্যাকৰণৰ দোষ নোহোৱা হলে অতি সুন্দৰ হল হেতেন।

"নীল আকাশলৈ চাই, কিনো নাম গালি তই,
কিনো বীণা বজালি চিকুন,
নিজম কদমতলে জমুনাৰ উপকূলে"
যেন বাহিঁ গোপিণী মোহন।" ইয়াত "কদম তলে,
'উপকূলে' পৰশনেত' শুদ্ধ ব্যাকৰণ থকা হোৱা হলে কবলৈ একো বাকী নেথাকিলহেতেন। বোধ কৰোঁ এইজন কবিয়েও আগত উল্লেখ কৰা কবিজনৰ নিচিনাকৈ শুদ্ধ অসমীয়াৰে তেওঁৰ মধুৰ ভাব প্ৰকাশ কৰিব পাৰিলে হেঁতেন, কিন্তু বঙ্গলা ভাষাই আসমীয়া ভাষাৰ ওপৰত ছদিন প্ৰভুত্ব কৰাত সেইবিলাক অশুদ্ধ কথাও তেওঁৰ কাণত শুদ্ধ যেন লগা হৈছে। কিন্তু প্ৰকৃততে সি অশুদ্ধ, সি archaic form নহয়, আৰ তাক আশ্ৰয লোৱাও ভুল।

ভাষাৰ আচল উদ্দেশ্য আমাৰ কোৱা কথা আনক বজুৱা। আমি যি দৰে কওঁ, সেই দৰেই লিখিব লাগে। এই উদ্দেশ্য সাধনৰ উপযোগী কৰিবলৈ ভাষাত আমাৰ

নিতৌ চলিত হৈ থকা শব্দৰ বাহিৰে আন শব্দ বিচাৰিব নেলাগে, যদি সেই শব্দবিলাক আমাৰ জাতীয়, অৰ্থাৎ আমাৰ জাতিৰ সকলো মানুহে বুজে, আৰু ব্যৱহাৰ কৰে। এই বিষয়ে অসমীয়া ভাষা বঙলা ভাষাতকৈ বহুত গুণে শ্ৰেষ্ঠ। আৰু ডাক্তৰ গ্ৰীয়াৰ্চন চাহাবে কি লিখিছে টুকিলেঁ।—

( Linguistic Survey Vol. V page 394 )
"Assamese literature is as old, if not older than, the Bengali, and down to the commencement of the present century (অৰ্থাৎ Nineteenth century) was as copious. If the Printing press had not been so fruitful in Sibsagar as in Calcutta during the past hundred years, we must not forget that the Press as it has been used has not been an altogether unmixed blessing ; and that it had done much to reduce the Bengali literature from being national to becoming the mental pebulum of a specially educated class...... .. ... Bengali as it has progressed since the introduction of the printing press has become more sanskritized, while Assamese, under the wise conduct of the local missonaries has escaped the fate of its sister language.—Assamese

literature is essentially a nationally product. It has always been national and it is still so. The genius of the people has led it along lines of its own, and its chief glory—history—is a branch of study almost unknown to the indegenous literature of Bengal. Whether the nation has made the literature, or the literature the nation, I know not, but as a matter of fact, both have been for centuries and are in vigorous existence. Between them thay have created a standard of literary language which whether its grammar resembles that of Bengali or not, has won for itself the right to a separate and independent existence."

আৰেকৌ অসমীয়া সাহিত্য সম্বন্ধে লিখিছে—

"The Assamese are justly proud of their national literature. In no department have they been more successful than in a branch of study in which India is as a rule curiously deficient. Remnants of historical works that treat of the time of Bhagadatta, a contemporary of the great Kuru-Panchala war of the Mahabharat are still in existence. The chain of his-

torical events for the last six hundred years has been carefully preserved; and their authenticity can be relied upon. These historical works or Buranjis as they are styled in Assam, are numerous and voluminous. According to the customs of the country, a knowledge of the Buranjis was an indispensible qualification with an Assamese gentleman, and every family of distinction as well as the Government and public offices kept the most minute record of contemporary events."

অাসমীয়া ভাষাৰ উঠনৰ সময়ত কি বৰ্ত্তমান সময়ত এই ভাষাতত্ত্বজ্ঞ মহাত্মা সকলৰ আলোচনাৰ অনুগ্ৰহত অসমীয়া ভাষাৰ আগত বঙলা ভাষা ক্ষন্তেকো তিষ্ঠিব নোৱাৰে। শব্দাৱলীৰ বিষয়ে, ব্যাকৰণৰ বিষয়ে, চৰ্চ্চা কৰা সাহিত্যৰ বিষয়বিলাকৰ বিষয়ে বঙলা ভাষাতকৈ অসমীয়া ভাষা যে বহুত গুণে শ্ৰেষ্ঠ তাক এই ভাষাতত্ত্ববিৎ পণ্ডিত সকলৰ খোলোচা সাক্ষীয়েই প্ৰমান। এনে স্থলতো যে আমাৰ ওচৰৰ বন্ধুবৰ্গ সকলে আমাৰ ভাষা আৰু আমাৰ সাহিত্যৰ অৱস্থা বেয়াকৈ কয় তাক দেখিলে মনত বেয়া লাগে। ইমান পুৰণি সাহিত্যৰে ভৰা, সকলো বিষয়ৰ আলোচনা থকা—ধৰ্ম্ম, ইতিহাস, জ্যোতিষ, গনিত, সঙ্গীত ইত্যাদি বিষয়ৰ বহুল চৰ্চ্চা থকা ভাষা, অসমীয়া ভাষা, ভাৰতৰ

ভিতৰত এটা ডাঙৰ আৰু শকত ভাষা বুলি গণ্য হোৱা, এই আমাৰ ভাষা আজি আমাৰ হাতত পৰি, লোক অনাদৰত যেনেৰা অৱস্থাত পৰিছে, ইয়াতকৈ আৰু শোকৰ বিষয় শৰীৰত তেজ থকা কোনো অসমীয়াৰ হব নোৱাৰে। জটিল বিষয়বিলাক যি ভাষাৰ পুৰণি সাহিত্যত চৰ্চ্চা কৰি সহজ কৰি থৈ গৈছে, আৰু যি ভাষাৰ শব্দাৱলী ইমান চহকী সেই ভাষালৈ গৱৰ্ণমেণ্টৰো বিশেষ কৃপা দেখুৱা উচিত। অসমীয়া মানুহৰ আৰ্থিক অৱস্থা নিচেই বেয়া, পুৰানৰ সাহিত্য বস্তুবিলাক ওলিয়াওৱা বলৈ আৰু বৰ্ত্তমান সময়তো ভাষা বহলকৈ চলিবলৈ আৰু আলোচনা আৰু চৰ্চ্চা হবলৈ অৰ্থৰ নিতান্ত প্ৰয়োজন। কৃপালু গৱৰ্ণমেণ্টে অসমীয়া ভাষাৰ বিষয়ে যি কৰিছোঁ বুলি ভাবিছে, সি নিচেই তাকৰ। অসমীয়া ভাষাত লিখক সকলোকে যথাযোগ্য পুৰস্কাৰ, বটা, সন্মানাদিৰ উৎসাহিত কৰিব লাগে। পুৰণি সাহিত্যবিলাক প্ৰকাশ পাবলৈ গৱৰ্ণমেণ্টে নিজে গাত লব লাগে। আৰু এই চহকী আৰু সৰ্ব্বাঙ্গসুন্দৰ ভাষা বিস্তাৰ হবলৈ সুচল দিব লাগে। গোৱালপাৰা জিল্লাত, কোচবিহাৰ, ৰংপুৰ আদি ঠাইৰ নিচিনাকৈ বৃটীছ গৱৰ্ণমেণ্টে লোৱাৰ আগ লৈকে অসমীয়া ভাষা আছিল। কেৱল বঙ্গালী কৰ্ম্মচাৰী সকলৰ সুবিধাৰ নিমিত্তে, (যেনেকৈ বহুবছৰৰ আগেয়ে ইয়াত আছিল,) তেনেকৈ তাতো বঙ্গলা ভাষা চলি আছে। আজিলৈকে গোৱালপাৰাৰ মানুহে এই

অস্বাভাৱিক উপায়েৰে বঙ্গলা ভাষা স্কুলবিলাকত সুমুৱাই বঙ্গলা ভাষা শিকিবলৈ যত্ন কৰা যায়েও অসমীয়া ভাষা পাহৰিব পৰা নাই। কোচবিহাৰত নগৰৰপৰা এমাইল আঁতৰ হলেই আজিকালিও মানুহবিলাকে অসমীয়া কথা কয়, বঙ্গলা নকয়. মানুহৰ মাত-কথা অসমীয়া, বঙ্গলা নহয়, আচাৰ ব্যৱহাৰ অসমীয়া মানুহৰ দৰে, বঙ্গলাৰ দৰে নহয়, মানুহে অসমীয়া লক্ষিন্দাৰ সাউদৰ গীত প্ৰায়ই সদায়ে গায়, দেশত মহাপুৰুষ শঙ্কৰ দেৱৰ ধৰ্ম্ম চলে, তীৰ্থস্থান আছে, অসমত থকা অসমীয়া মানুহৰ ককাই-ভাই, বংশ পৰিয়াল, ইষ্ট-মিত্ৰ কোচ-বিহাৰত এতিয়াও বৰ্ত্তিছে ; তেনেকুৱা ঠাইত সুন্দৰ অসমীয়া ভাষাৰ পৰিবৰ্ত্তে অন্য ভাষা চলোৱাটো কোচবি-হাৰৰ গৱৰ্ণমেণ্টৰ একো ভাল কথা হোৱা নাই। কোচ-বিহাৰৰ মহাৰজা জন নিজেই অসমীয়া হৈ অসম আৰু অসমীয়া ভাষা আওহেলা কৰা নোশোভে। ৰংপুৰ, দিনাজ-পুৰ, জলপাইগুৰি আদিৰ কথা নকওঁ, অসমৰ জিল্লা গোৱালপাৰাত অসমীয়া ভাষা নচলাটো নিতান্ত বেয়া হৈছে। দয়ালু গৱৰ্ণমেণ্টে অসমীয়া ভাষালৈ চকু দি বহুল প্ৰচাৰ, বহুল চৰ্চ্চা কৰিবলৈ পুৰণি কামৰূপৰ আধুনিক ঠাই সকলোতে যেন ঠাই দিয়ে আৰু লুকাই থকা লুকাৰ লগীয়া পুৰণি বস্তু-পুথিবিলাক যেন বেগতে পোহৰ দেখে, আৰু বৰ্ত্তমানৰ ভাষা বেচিকৈ শকত আৰু দকৈ শিপাবলৈ অসমীয়া লিখক সকলক বিশেষৰূপে

পুৰস্কাৰ আৰু বটা দি উৎসাহ দিয়ে, তাৰ নিমিত্তে [illegible]কলোৱে পুৰুষাৰ্থ কৰে। অসমীয়া ভাষাৰ আগৰ অৱস্থা সংক্ষেপে দেখুৱাই, বৰ্ত্তমান অৱস্থাত বিশেষকৈ লাগ্নিভিয়াল ওপৰত উল্লেখ কৰা তিনটা অভাৱ গুচাবৰ নিমিত্তে গবৰ্ণমেণ্টক বিনীতভাৱে খাটনি ধৰিলোঁ, আৰু অসমীয়া লিখক, পাঠক আৰু সকলোকে ভাষাৰ প্ৰতি বিশেষ ৰূপে চকু ৰাখিবলৈকো এই ভাষাৰ অলপীয়া পাত্ৰিনৰে খাটিলোঁ। ইতি গুৱাহাটী, ২।৩।১০।

শ্ৰীদেৱেশ্বৰ চলিহা।

---

ছাপা কৰা গৰাকীসকলৰ অনুগ্ৰহত ৰচনাৰ বহুত ঠাই[illegible] ৰ গল, বিশেষকৈ প্ৰথম ৮ পাতত। গুণগ্ৰাহী পাঠকে [illegible] চাই পাঠ কৰে।